CHINAKI MĀNUH : A Collection of Assamese Short Stories ; written by Kamakhya Sabha Pandit ; First Edition Published by Kashinath Mahanta, proprietor Madhab Store : Raha : Nowgong : Assam. Printed by Subal Chandra Ghosh, Kalika Job Press, 109/B, Keshab Chandra Sen Street : Calcutta-700 009. Price : Rupees Six only.

---

প্ৰথম প্ৰকাশ :
আগষ্ট, ১৯৭৬ চন

প্ৰকাশিকা :
শ্ৰীমতী ৰাধিকা মহন্ত
মাধৱ ষ্টোৰ : ৰহা : নগাঁও : অসম

বেটুপাতৰ শিল্পী :
শ্ৰীত্ৰৈলোক্য দত্ত
গুৱাহাটী

মুদ্ৰণ :
শ্ৰীসুবল চন্দ্ৰ ঘোষ
কালিকা জব প্ৰেছ
১০৯/বি, কেশব চন্দ্ৰ সেন ষ্ট্ৰীট
কলিকতা-৭০০ ০০৯

মূল্য : ৬ টকা

'চিনাকি মানুহ'ৰ গল্পকেইটা বিভিন্ন সময়ত বিভিন্ন পৰিস্থিতিত লিখা। মোৰ বহুতো গল্পৰ মাজৰপৰা এই সংকলনৰ গল্পকেইটা বাছি উলিয়াইছে মোৰ সহধৰ্মিনী শ্ৰীমতী উষাকিৰণে।..... মাধৱ প্ৰেছৰ গৰাকী শ্ৰীযুত কাশীনাথ মহন্তদেৱে পুথিখনি নিজৰ ৰুচি অনুযায়ী প্ৰকাশ কৰি উলিয়াইছে। তেখেতলৈ মোৰ শ্ৰদ্ধা ৰল।

ইতি—

নতাপণ্ডিত

যাৰ অকুণ্ঠ অনুপ্ৰেৰণাত মই ইটোৰ পিচত সিটোকৈ অসংখ্য গল্প লেখি আহিছো, সেইজন নীৰৱ সাহিত্যিক, সাংবাদিক শ্ৰীযুত তিলক হাজৰিকাৰ হাতত শ্ৰদ্ধাৰে।

গ্ৰন্থকাৰ।

## ইয়াত থকা গল্প কেইটা

# লকেট

ৰাতিপুৱা শুই উঠি, দিনাঙ্কই ভাবিলে : যোৱা নিশাৰ সপোনটো বাৰু ফলিয়াব নেকি ? বহুতে কয়—পুৱতি নিশাৰ সপোন হেনো ফলিয়ায়। কিছুমান অৱশ্যে নফলিয়ায়ো।

দিনাঙ্কৰ মনটো তথাপি গধুৰ গধুৰ লাগিল।

সপোনটোৰ কথা নেভাবোঁ বুলিও আকৌ এবাৰ সি ভাবিলে। তাৰ মনত পৰিল—আজি কেইদিনমানৰ আগতেও এনেকুৱা এটা সপোন সি দেখিছিল। ক্ষণ-প্ৰহৰৰ কথা অৱশ্যে মনত নাই। যোৱা নিশাৰ দৰে সেইদিনাও সপোনত সি হাঁহিছিল, খুব আনন্দ কৰিছিল। পিছে সেই নিশাৰ সপোনটোৱে বাস্তৱত কোনো ক্ৰিয়া নকৰিলে। বোধহয় বেছিভাগ সপোন মানুহে এনেয়ে দেখে; অৰ্থহীনভাৱেই দেখে।

যোৱা নিশাৰ সপোনটোও যদি তেনেকুৱাই হয় ?

কিন্তু দুপৰীয়া ভাত খাই থাকোঁতে বৌৱেক অমলাই কোৱা কথাষাৰে তাক কিছু চিন্তিত আৰু বিব্ৰত কৰি তুলিলে। সি আৰু ককায়েক অফিচলৈ যাবলৈ একেলগে বহি ভাত খাইছিল। ভাত খাই থাকোঁতে পাকঘৰৰ চালত পৰি থোৱা কাউৰী এটাই বেয়াকৈ নাতিছিল। তাৰ বিৰক্তিকৰ মাতটোৰপৰা কিবা অশুভ ইঙ্গিত পায়ে নেকি, অমলাই কৈছিল—"মৰতীজনীয়ে জানো কিয় এনেকৈ চিঞৰিছে। কিবা খবৰ আহিব হবলা।"

"কিবা খবৰ" শব্দ দুটাৰ মাজত আৰু কিবা এটা শব্দ বৌয়েকে লগাই দিব খুজিও যেন নিদিলে। তাৰ পৰিবৰ্তে তেওঁ আকৌ ক'লে—"যোৱা ৰাতি মই এটা সপোনো দেখিছিলোঁ। সপোনটো—"

দিনাঙ্কৰ মনটো উৎসুকহৈ উঠিল। বৌৱেকে কি সপোন দেখিছিল, তাৰ সপোনটোৰ লগত কিবা সাদৃশ্য আছে নেকি, বিচাৰি চাবলৈ মন গৈছিল। কিন্তু সেই উৎসুকতা চৰিতাৰ্থ কৰিবলৈ